**উছৰ্গা**

**মোৰ পত্নী, মোৰ প্ৰিয়তমা---**

**তোমাৰ হাতত**

# আগকথাঃ

এঘাৰ শতিকাৰ কবি বিলহণৰ সংস্কৃত ধ্ৰুপদী কাব্য "চৌৰপঞ্চাশিকা" পঢ়ি ভাবিলোঁ, এই ভাৱাবেগক একৈশ শতিকাৰ "একান্ত ব্যক্তিগত" দৃষ্টিভংগীৰে নিজৰ ৰূপত নিৰ্মাণ কৰা যায় | তাৰেই এক প্ৰচেষ্টা কৰিলোঁ --- "স্বপ্ন - বিলাস" (Love -lyrics)

"প্ৰসিদ্ধি আছে যে এঘাৰ শতিকাৰ ধ্ৰুপদী কবি বিলহণে ভাৰতৰ বিভিন্ন ৰাজদৰবাৰে ৰাজদৰবাৰে ঘূৰি ফুৰাৰ সময়ত এবাৰ তেওঁ এগৰাকী ক্ষমতাশালী ৰজাৰ ষোড়শী কন্যাক সাহিত্যৰ শিক্ষা দিয়াৰ কামত নিযুক্ত হৈছিল আৰু তাতেই তেওঁ সেই কন্যাৰ প্ৰেমত পৰিছিল | দুৰ্ভাগ্যক্ৰমে ৰজাৰ হাতত ধৰা পৰাৰ পিছত তেওঁ ৰাজৰোষত পৰিবলগীয়া হয় আৰু মৃত্যুদণ্ডেৰে দণ্ডিত হয় | মৃত্যুৰ আগতে সেই কন্যালৈ বুলিয়েই তেওঁ "চৌৰপঞ্চাশিকা" ৰচনা কৰি উলিয়াইছিল |

(১)

এতিয়াও আনকি

কাতৰ হওঁ মই তোমাৰ বাবে---

খুৰীহঁতৰ পদূলিত

তুমি বহি আছা

এটি ডুব যোৱা আবেলি !

(২)

এতিয়াও আনকি

যদিহে লগ পাওঁ তোমাক

পাৰ হ'ম ভৰ বাৰিষাৰ নদী

মচিবলে তোমাৰ চকুপানী !

(৩)

এতিয়াও আনকি

যদিহে সুযোগ পাওঁ

ধৰি থাকিম হাত দুখনি

দুচকুত লৈ কাতৰ চাৱনি !

(৪)

এতিয়াও আনকি
লগ পালে থিক কৰি দিম
শেঁতা দুগালত পৰা
তোমাৰ ভাঁজ লগা চুলি !

(৫)

এতিয়াও আনকি

যদিহে লগ পাওঁ

ভাওনা অথবা বিহুৰ ৰাতি

পাৰ কৰি দিম দুচকুত লৈ

সেই ষোল বছৰীয়া কিশোৰ -চাৱনি !

(৬)

এতিয়াও আনকি

চুবুৰিত যদি লাগে কিবা খেলিমেলি

দৌৰি পামগৈ কাষ

তুমি কেনে আছা বুলি !

(৭)

এতিয়াও আনকি

যদি জানো তুমি আহিবা বুলি

ৰৈ থাকিম 'কালভাৰ্টত বহি'

'চাইকেলত টিউচন যোৱা

পিছে পিছে মই যোৱা'--- এক আবেলি !

(৮)

এতিয়াও আনকি

যদি জানো

ফোন  অথবা মেছেজ কৰিবা বুলি

পাৰ কৰি দিম

বুকুত লৈ "প্ৰণয়ৰ উজাগৰী" ৰাতি !

(৯)

এতিয়াও আনকি

যদি জানো ম্ৰিয়মাণ তুমি

দুচকু জপাই আবেশত

সাবতি ধৰিম

"আৰু কাহানিও এৰি নিদিওঁ" বুলি !

(১০)

এতিয়াও আনকি

যদি আছে  উচ্চাস

সেই সন্মোহনী

পাগল হৈ আৱাহন কৰিম "বৰষুনৰ ৰাতি"

ঢৌ খেলি থাকক "অৰুন্ধতী-চুলি" !

(১১)

এতিয়াও আনকি

যদি জানো

আহিবা বুলি

সৰস্বতী পূজাৰ সাজোনেৰে সাজি

জধলাটো হৈ থিয় দিমগৈ কাষত

খং উঠক বুলি !

(১২)

এতিয়াও মনত পৰে মোৰ

পদুমৰ ফুল যেন তোমাৰ মুখ,

টোপনিৰ পৰা সাৰ পাই উঠা সুকোমল মাত...

এতিয়াও আনকি মই

হেৰুৱাওঁ নিজক

এই উন্মাদনাৰ মাজত !

(১৩)

এতিয়াও আনকি

যদিহে আহা চাইকেল মাৰি

চাই থাকিম

দীঘলীয়া ফাগুনৰ পদূলি

টোখেলি যোৱা উৰ্ণা

এই পৰেই কিজানি !

(১৪)

এতিয়াও আনকি

যদিহে পাওঁ

ভগা দলঙ পাৰ হৈ

দুয়ো খোজ কঢ়া

নির্জন গধূলি

আঁকি দিম টপকৈ চুমা

দুগাল ৰঙা হৈ পৰাকে কিজানি !

(১৫)

এতিয়াও আনকি

নিজেশ্বৰী মন্দিৰলৈ আহোঁতে

যদি পৰে চকুত কুটা এগচি

আলফুলে ফুৱাই দিম

কপাহ কোমল বুকু

অ' মোৰ শহা পোৱালী !

(১৬)

এতিয়াও আনকি

উঠে যদি তোমাৰ খঙতে

নাকৰ তলৰ ঘাম বিৰিঙি

কুচি মুচি নিজকে সপি দিম

মৰম লগা পোৱালি !

(১৭)

যদিহে জানো

হাবাথুৰি খাই

পৰিছা ভাগৰি

দৌৰি কাষলৈ যাম

ধৰিম

জোৰকৈ হাত দুখনি !

(১৮)

লাজুক হাঁহি

শেঁতা পৰা গাল

পূৰণি বহী, কিতাপ, চিঠি, ৰুমাল

যদি জানো

তুমি এদিন আহিবা উভতি

বুজিম সযতনে ৰাখা ভাল !

(১৯)

যদিও জানো তুমি আৰু উভতি নহা

এতিয়াও আনকি

পায়েল নিপিন্ধা সেই দুভৰি

কাজল নসনা আকুল সেই দুচকু

বুকুত খোপনি পুতি বহে !

(২০)

এতিয়াও আনকি

মই বিভোৰ তোমাৰ ভাৱনাতেঃ

আবেলিৰ পদূলি তুমি সাৰি আছা

মই সুহুৰি বজাইছোঁ

তুমি শুনাকে !

(২১)

আকাশৰ জোনবাইজনী

যদিও বহুদূৰ

প্ৰণয়ৰ বাবে সাজু মই

আজিও তুমি নজনাকে !

(২২)

এতিয়াও আনকি

তোমাৰ নাক আৰু ওঁঠৰ পাঁহি

মনত পৰে মোৰ উজাগৰী ৰাতি !

(২৩)

'ন-যযৌ ন-তস্থৌ' তোমাৰ দুভৰি

ফোনৰ সিটো  মূৰত তোমাক পালে

আজিও কম মই

'মোক এনেকৈ নাযাবা এৰি' !

(২৪)

এতিয়াও আনকি

যদিহে চোৱা মোক

হৰিণী এজনীৰ সজল দুচকুৰে

সকলো এৰি যাম মই

আনহে নালাগে

এই জীৱনৰ মায়াও এৰি যাব পাৰোঁ মই তোমাৰ বাবে !

(২৫)

এতিয়াও মোৰ বাবে তুমি

শেষ প্ৰণয়কাতৰ নাৰী !

হে মোৰ প্ৰিয় নাৰী---

ভালপোৱাৰ বিষ আৰু তুমি কিমান পান কৰিবি ?

(২৬)

এতিয়াও আনকি

পাহৰিব নোৱাৰি

প্ৰণয়ৰ জীৱন আবেগৰ বহ্নি

দহি গৈছা তুমি

দহি গৈছো মই

(দুয়োৱে জীৱনক উপলুঙা কৰিছোঁ কিজানি!)

(২৭)

এতিয়াও আনকি

যদিহে কোৱা

"বিচ্ছেদৰ এই জুইকুৰা সহ্য নহয় মোৰ" বুলি

সাঁতুৰি নাদুৰি পৃথিৱী - পুখুৰী

গঢ়ি তুলিম অগ্নিগড়

প্ৰণয়ৰ বাবে সূচাৰুকৈ কিজানি !

(২৮)

এতিয়াও আনকি

যদিও জানো

বয়সীয়া হৈ গৈ আছো

যাব খোজো বাৰে বাৰে

কেৱল তোমাৰ কাষলে'---

তন্দ্ৰাচ্ছন্ন মইঃ মোৰ ভালপোৱা তুমি !

তুমি মোৰ মৰমৰ !

আতাইতকৈ মৰমৰ তুমি !

(২৯)

এতিয়াও আনকি

মনত আছে মোৰ

থোকাথুকি মাত

দুচকুৰে বাগৰি অহা চকুলো

গভীৰ দুখে কাতৰ কৰি তোলা তোমাৰ মুখনি...

মই পাহৰিব নোৱাৰিম আজীৱন

বিচ্ছেদৰ নৈত উটি যোৱা

সেই সোঁৱৰণী !

(৩০)

এতিয়াও আনকি

ভীষণ যন্ত্ৰণাৰ মাজতো

তোমাক মই পাহৰিব নোৱাৰোঁ !

(৩১)

এতিয়াও আনকি

চলাথ কৰি পৃথিৱী

বিচাৰি নাপাওঁ

তোমাৰ সমান হ'ব পৰা এজনী প্ৰেয়সী

ভালপোৱাৰ জোন মোৰ

তুমি ! তুমি ! তুমি !

(৩২)

এতিয়াও আনকি

মনত পৰে মোৰ

সেই তাহানি দিনৰ

অভিমান, মুখ চুপতি...

তুমি মোৰ মনৰ আকাশত

আজিও ধুনীয়া ছোৱালী !

(৩৩)

এতিয়াও আনকি
প্ৰয়োজন মোক
তোমাৰ সেই আদৰ-শাষণ,
গালি- শপনি...

অভিমান কৰিবলৈ
কেৱল তোমাৰ বুকু খনি !

(৩৪)

এতিয়াও আনকি

দুখত কাতৰ

হিয়াভৰা সপোনৰ নিস্তেজ পাপৰি

দুনাই আৰুতো নাপাওঁ দেখা

জীপাল সেই গোলাপৰ কলি !

(৩৫)

এতিয়াও আনকি

তুমিয়েই মোৰ জীৱনৰ আশা,

সতেজ সুঠাম সোণপাহি...

আনটো জনমত যেন তুমিয়েই হোৱা
মোৰ ভাগ্যলিপি !

(৩৬)

সৰুভনী শুই উঠা

পূৱাৰ পূৰবী

চাহত চুমুক

তুমি মোৰ গৃহিনী

এতিয়াও সেই সপোনতে

কিনকিন বৰষুণৰ পৃথিৱী !

(৩৭)

দুগালত চুমা দিম

বুকুত হাত

শুকান ওঠত

ডবা পিতা বৰষুণ

ভৰপক শস্যৰ বতৰ !

(৩৮)

তুমি দূৰ দেশলৈ

গৈ আছা বুলি জানি

জেতুকা বুলীয়া তোমাৰ হাত দুখনি

মোৰ বুকুত বাজি আছে

হৈ নৈ---

নিজানৰ বাঁহী !

(৩৯)

শেঁতা পৰা দুচকু যেন

তোমাৰ মাৰ মুখখনি...

এতিয়াও আনকি

তুমি মোৰ স্বপ্নৰ তেজীমলা---

চিলনীৰ জীয়েকজনী !

(৪০)

"ৰাধাই জানে, ৰাধাই জানে
প্ৰেম মানে কি"---

তুমি মোৰ ৰাধা
মই তোমাৰ সোঁৱৰণী

বুকুৰ মাজেৰে বয় যমুনা নদী !

(৪১)

এতিয়াও আনকি
মই দেখা পাঁও সপোনত
তোমাৰ সেই কাজল নসনা দুচকু
কপাহ কোমল বুকু...

সেইদিনা দেখিলোঁ
গাড়ীৰ পৰা নামিছা তুমি
গধুৰ স্তনৰ ভৰত বিবশ হৈ পৰিছে দেহাটো !

(৪২)

এতিয়াও আনকি

প্ৰাৰ্থনা কৰো মই ঈশ্বৰক

উভতি আহক পুৰতিৰ ৰ'দালি

প্ৰণয়ৰ সেই নিগূঢ় মুহুৰ্তবোৰ !

(৪৩)

এতিয়াও আনকি

তুমি যেতিয়া লুকুৱাব খোজা দুখ

বুজিব পাৰোঁ মই তোমাৰ সুখ !

(৪৪)

এতিয়াও আনকি

তুমি মোৰ হেৰাই যোৱা শিশু !

(৪৫)

এতিয়াও আনকি

তোমাৰ টোপনি নহা ৰাতি

মই গুনগুনাম

আহে যদি আহক

টোপনিৰ সেই সহজ ভংগী !

(৪৬)

এতিয়াও আনকি

ভাবো যদি তোমাৰ

ফুলশয্যাৰ ৰাতি

হৃদয় এখন মৰুভূমি !

(৪৭)

এতিয়াও আনকি

সহি আছো মই

তোমাৰ আলিংগন হেৰুওৱাৰ দুখ !

(কেৱল মৃত্যুয়েহে উপশম কৰিব মোৰ
এই যাতনা !)

(৪৮)

এতিয়াও আনকি

ৰাধা হৈয়ো হেৰুৱাই অজস্ৰজনে প্ৰেম !

এতিয়াও আনকি

সাৰে থাকে মাজৰাতি অলেখ কেতেকী !

এতিয়াও আনকি বিশ্বাসীজনে

আজীৱন বহন কৰে সেই প্ৰেম, সেই কেতেকী !

(৪৯)

এতিয়াও আনকি

চলি থাকে পত্নী-প্ৰেম-সংসাৰ

বুকুত সাজো কেৱল তোমাৰেই তাজমহল !

(৫০)

এতিয়াও আনকি

সুখ পাওঁ ইয়াকে ভাবি

আমি বাস কৰা--- একেখন পৃথিৱী

একে জোন, একে বেলি

একে আকাশ

একে বৰষুণ

একে হৃদয়ৰ হাহাকাৰখিনি !